# ধনন্তৰী বধ।

শুকবি নাৰায়ণদেৱৰ ৰচিত।

নাৰায়ণ দেৱে কয় মনসাৰ বলে।
ধনন্তৰী মৰি গেল কমলাৰ দোষে॥

শ্ৰীপ্ৰসন্নচন্দ্ৰ বৰুৱাৰ দ্বাৰা
সংগৃহীত ও সংশোধিত।





প্ৰকাশক
শ্ৰীকৰুণাকান্ত বৰুৱা
পোঃ আঃ কমাৰকুছি, কামৰূপ।

( ২য় তাঙ্গৰণ )
১৩৫৩ শক



# শ্ৰীশ্ৰীমনসা বন্দনা

বন্দো নাগমাতা শিবৰ দুহিতা
আস্তিক মুনিৰ মাতা।
কমল বনত শিব বীৰ্য্য হৈতে
জন্ম লৈলা পাতালত॥
তুমি ত্ৰিনয়নী জগত জননী
তুমি দেবী বিষহাৰী।
নাগৰ আসন নাগৰ ভূষণ
তুমি দেবী জৰৎকাৰী॥
হংসৰ বাহনে ত্ৰিলোক তাৰণে
তুমি দেবী অৱতাৰ।
নেতাৰ সংহতি ফুৰি দিনে ৰাতি
জগত কৰা উদ্ধাৰ॥
তোমাৰ মহিমা দিতে নাৰে সীমা
তোমাৰ অনন্ত ৰূপ।
ভক্তৰ গৃহত চতুৰ্ভুজ ৰূপে
ঘটত হোৱা স্বৰূপ॥
ভক্তিভাবে যিটো তোমাক পূজয়
সিটো মোক্ষ ফল পায়।
মই মূঢ়মতি নেজানো ভকতি
প্ৰসন্নচন্দ্ৰই গায়॥

আস্তিকস্য মুনির্মাতা বাসুকী ভগিনী স্তথা।
জরৎকারু মুনি পত্নী বিষহরি নমস্তুতে ॥

## গণেশ বন্দনা

বন্দো দেব গজানন শিব সুত রূপবান
এক দন্ত কুঞ্জর বদন।
চতুর্ভুজ লম্বোদর তনু অতি মনোহর
দেহ শোভে আলতা বরণ ॥
ত্রিনয়ন শোভে ভালে মাথাত কিরিটি জ্বলে
পদতল দেখি মনোরম।
আজানুলম্বিত কর তুমি দেব বিঘ্নহর
তুমি দেব দেবতা প্রধান ॥
দেবর মধ্যত সার অগ্রে পূজা সবাকার
সিদ্ধিনাথ গৌরীর তনয়।
তুমি দেব গণপতি তুষ্ট হোৱা যার প্রতি
ধনে জনে সর্ব্ব সুখ পায় ॥
মই অতি মূঢ়মতি নেজানো তোমার তুতি
নিজ গুণে কৃপা করা মোরে।
কমারকুছি গ্রামে জন্ম কহে কবি প্রসন্ন
গণেশক করি নমস্কারে ॥




# ধনন্তৰী বধ।



দিহা—আমাৰ হাতে ওজাৰ মৃত্যু নাই ॥
তক্ষকৰ হাতে নাই ওজাৰ মৰণ ।
এবেসে জানিলো বৈনী যত বিবৰণ ॥
পদ্মা বোলে শুনা বৈনী সুন্দৰী নেতাই ।
ধনন্তৰী বধিবাৰ কহা মোৰ ঠাই ॥
নেতা বোলে শুনা বৈনী জয় বিষহৰি ।
গোৱালিনীৰ ৰূপ যোৱা শঙ্খ ওজাৰ পুৰী ॥
নেতাৰ বচন পদ্মা শুনিলা শ্ৰবণে ।
গোৱালিনীৰ ৰূপে পদ্মা ধৰে তেতিক্ষণে ॥
কত মৃত্তিকা ভাণ্ড জোটাই আনিলা ।
তলে বিষ উপৰে দধি তাতে আনি দিলা ॥
সুকবি নাৰায়ণ দেবৰ ৰোৰশ পাচালি ।
পদ্মাৰ চলন বুলি একই লেছাৰি ॥

দিহা—চলিল মাও বিষহৰি, বধিতে ধনন্তৰী ।
পদ্মাৰ বিষম বুধি তলে বিষ উপৰে দধি
সজাইলেক দধিৰ পহাৰ ।
পিন্ধিলেক বসন গোৱালিনীৰ যেন ঠান
মাথে তুলি লৈলেক পহাৰ ॥

তড়িৎ গমনে যায় বৈয়া বৈয়া গুয়া খাই
পাইলা যাই ওজাৰ নগৰী।
ওজাৰ ছয় কুড়ি শিষ্য সৰ্প মাৰি খাই বিষ
দেখিলেক জয় বিষহৰি॥
মনে ভাবে বিষহৰি অন্তৰে আনন্দ কৰি
বোলে দধি কে ৰাখিবে মোৰে।
ৰূপ দেখি বিচক্ষণ মোহ গৈলা শিষ্যগণ
দিয়া দধি খাও এতিক্ষণ॥
কেহো দধি কাঢি খাই কেহো কেহো হাত বায়
কেহো বোলে দিয়া আলিঙ্গন।
মনে ভাবে বিষহৰি অন্তৰে আনন্দ কৰি
কপটেতে যুৰিলা ক্ৰন্দন॥
ক্ৰন্দন কৰিয়া গৈলা ধনন্তৰীৰ আগে কৈলা
শুনা ওজা মোহোৰ বচন।
তোমাৰ শিষ্যবোৰে দধি কাঢি খাইলা মোৰে
দধি খাই নেদিলেক ধন॥
ওজাই বোলে প্ৰহৰী কোথা তোৰ ঘৰ বাৰী
কিবা নাম কোৱা মোৰ ঠাই।
মাধৱী নগৰে ঘৰ কমলা নাম মোৰ
দধি বেচোঁ জাতি গোৱালিনী॥
নিতে নিতে আহো যাও দধি বেচি কড়ি লও
কৈলো ওজা সমুচিত বাণী।
নাৰায়ণ দেৱে কয় সুকবি বল্লভ হয়
নাৰায়ণ দেৱৰ সুবচন॥

দিহা—আজু বর প্রমাদ মিলিলা।
কদম্বর তলে কানাই দেখা দিলা॥

ওজাই বোলে প্রহরী তুমি নকরা ক্রন্দন।
তোর দধির যত ধন লোৱা মোর ঠান॥
কড়ি গণি দিলা ওজা পদ্মা বিদ্যমান।
কড়ি লৈয়া পদ্মাবতী হৈলা অন্তর্দ্ধান॥
অন্তরীক্ষে রহে পদ্মা র:থ করি ভর।
এক শিষ্যে কহে আসি ওজার গোচর॥
শিষ্যে বোলে শুনা বাপা ওজা ধনন্তরী।
এক গোৱালিনী আছিল দধি বেচিবারি॥
এক গোৱালিনী আছিল দধি বেচিবারে।
সব শিষ্যে দধি কাঢ়ি খাইলা তাহারে॥
দধি খাই শিষ্য সব আছয় ঢলিয়া।
শীঘ্রে আহিলো মই কৈবাক লাগিয়া॥

দিহা—কানাই ঠেকিলা নগরে।
শুনিয়া মুরলীর ধ্বনি বৈতে নারি ঘরে॥

ওজাই বোলে শুনিলো মই যত বিবরণ।
বিষ লই কানি আহিল মোহোর ভবন॥
কালকূট বিষ বুলি নাজানে শিষ্যগণে।
গোৱালিনীর রূপে দধি দিলা সর্ব্বজনে॥

মনে চায়ে মোৰ সঙ্গে বাদ সাধিবাৰে।
চুন কালি দিবো কানিক চকুৰ উপৰে ॥
সুকবি নাৰায়ণ' দেবৰ ষোড়শ পাচালি।
শিষ্যৰ বচন বুলি একই লেছাৰি ॥

দিহা—এ ওজা চলিল ৰে
শিষ্যক জীয়াইতে ওজা চলিল ৰে ॥

শিষ্যক জীয়াইতে ওজা চলে ধনন্তৰী।
ঢাক মৃদঙ্গ বাজে শুনে বিষহৰি ॥
কঁকাল ভাঙ্গিলা চান্দো হেম তালৰ বাৰি।
তবু লজ্জা নাই তাইৰ খেমানা ভতেৰী
লঘু কানি তই এত মান গৰ্ব্ব কৰ।
তোৰ কালকূটক মোহোৰ নাই ডৰ ॥
এত বুলি ধনন্তৰী হুঙ্কাৰ মাৰিলা।
ছয় কুৰি শিষ্য সব উঠিয়া বসিলা ॥
শিষ্য জীয়াইলা ওজা মহামন্ত্ৰ তেজে।
ৰথৰ ওপৰে পদ্মা পাই আছে লাজে ॥
পদ্মা বোলে শুনা তুমি নেতাই সুন্দৰী।
দেব হুয়া মনুষ্যৰ সঙ্গে বাদে হাৰি ॥
বিষ লাগি ধনন্তৰী কিছু নাহি গুণে।
বিষক বন্ধন কৰে বিষক ভোজনে ॥

নেতা বুলি শুনা পদ্মা আমার বচন।
মন দিয়া শুনা কহো ওজার বিবরণ॥
প্রভাতে উঠিয়া ওজা প্রাতঃকৃত্য করে।
পঞ্চ তোলা মহা বিষ ওজাই ভোজন করে॥
অৰ্দ্ধ প্রহরত ওজাই স্নানক করয়।
সাত তোলা মহাবিষ শরীরে ঢালয়॥
আরু পঞ্চ তোলা বিষ ওজার ভোজন।
এক ঘটি বিষ দিয়া করে আচমন॥
আচমন করি ওজা মুখে দেই পাণ।
তিনি তোলা বিষ খাই গরল সমান॥
অমৃত সমান বিষ ধনন্তরীর মনে।
হেন ওজাক কি করিতে পারে সর্পগণে॥
শয়ন করয় ওজা উত্তম পালঙ্কে।
কেলি করে কৌতূহলে কমলার সঙ্গে॥
কর্পূর তাম্বুল ভরি রাখে এক বাটা।
তার মধ্যে মহাবিষ রাখে এক ছটা॥
এহি মতে নিদ্রা যাই পালঙ্কর পরে।
পোয়া ভরি রাখে বিষ বাটার উপরে॥
বর বর সর্পগণে শুনি হেন কথা।
ধনন্তরী নামে কেহো নোতোলয় মাথা॥
হেন ওজাক কোন জনে কি করিতে পারে।
অনুমতি করা তুমি ওজা বধিবারে॥

হেন শুনি চিন্তা কৰে জয় বিষহৰি।
নাসাধিলো বাদ নমৰিলা ধনন্তৰী ॥
মনে মনে পদ্মাবতী অপমান কৰি।
মৃত্যু সম হৈয়া চলে আপোনাৰ পুৰী ॥
নেতা বোলে শুনা পদ্মা আমাৰ বচন।
মন দিয়া শুনা কহো যত বিবৰণ ॥
মাৰিবাৰ বুদ্ধি আছে শুনা এক চিত্তে।
সহেলা পাতিয়া কথা জিজ্ঞাসিবো তাতে ॥
ধন্য ধন্য কৰিয়া কহিলা বিষহৰি।
মালিনী স্বৰূপে যোৱা শঙ্খ ওঝাৰ পুৰী ॥
নানাৰূপে পুষ্প সজ্জা কৰিয়ো সুন্দৰী।
সত্বৰে চলিয়া যোৱা ওঝাৰ নগৰী।
পদ্মাৰ বচন নেতা শুনিয়া শ্ৰবণে।
মালিনীৰ ৰূপ নেতা ধৰে তেতিক্ষণে ॥
তুলিয়া পুষ্প সব আনিলা সত্বৰে।
পুষ্প তুলি নেতাবতী চাপিলা ওচৰে ॥
পুষ্প আনি নেতা মালা গাথিলা ডাঙৰ।
ফুলৰ বাচিয়া গাথিলেক চাৰি হাৰ
ফুলৰ হাচটি লৈলা ফুলৰ বিচনি।
ফুলৰ চান্দোৱা লৈলা বিচিত্ৰ গাথনী ॥
ফুল দিয়া খোপাক বান্ধিলা মনোহৰ।
ফুলৰ বাচিয়া লৈলা দেখিতে সুন্দৰ ॥

কৰহি ভিতৰে তবে মালা থৈলা ভৰি।
মাথাত তুলিয়া লৈলা নেতাই সুন্দৰী॥
সুকৰি নাৰায়ণ দেবৰ ষোৰশ পাচালি।
নেতাৰ চলনা বুলি একই লেছাৰি॥

দিহা—নেতা চলিল ৰে
মালিনী স্বৰূপে নেতা চলিল ৰে।
ওজাৰ নগৰে নেতা চলিল ৰে॥
পৰম কৌতুক কৰি চলে নেতা সুন্দৰী
বিনা সুতাৰ পুষ্পমালা গাথি।
পাৰিজাত কেতকী, চম্পা নাগেশ্বৰ যুতি,
ধীৰে ধীৰে চলে নেতাবতী॥
খঞ্জন গমনে যাই বৈয়া বৈয়া গুৱা খাই
চলি যাই কমলাৰ পুৰী।
শুনা শুনা কমলা বিনা সুতাৰ আনিছো মালা
আনি আছো অতি যত্ন কৰি॥
পুষ্পমালা দিয়া তাৰে কমলা কহে বাৰে বাৰে
বৈস বৈস মালিনী সুন্দৰী।
পুষ্পমালা দিয়' হাতে লাগে নেতা কহিতে
মোৰ বাক্য শুনা শীঘ্ৰে কৰি॥.
সহেলা কৰহ তুমি নিশ্চয় কহিলো আমি
তোমাৰ নগৰ ব্ৰাহ্মণ কুমাৰী।

মাধৰী নগৰে ঘৰ ধন কড়ি বিস্তৰ
সহেলা পাতহ শীঘ্ৰ কৰি ॥
আমিও দেখোহো ভাল ব্ৰাহ্মণী উত্তম কুল
শুনা তুমি আমাৰ বচন ।
শুনি নেতাৰ বচন কমলাৰ আনন্দ মন
অঙ্গীকাৰ কৰে তেতিক্ষণ ।
কমলাৰ লাগিলা কালে নাৰায়ণ দেৱে বলে
ওজাৰ মৃত্যু নাৰীৰ কাৰণ ॥

দিহা—কালা গোপিনীৰ মন মোহিলা ৰে শ্যাম
কমলা সুন্দৰীৰ মন মোহিলা ।

কমলা কহিলা কথা নেতাবতীৰ ঠাই ।
সহেলা কৰিতে আমি পূৰ্ব্ব হৈতে চাই ॥
আমাৰ সমান সে নাপাইলো কোথা ।
সহেলা পাতিতে আমি আছি যে সৰ্ব্বথা ।
এখনে কৈবা যাই আমাৰ বচন ।
শীঘ্ৰ কৰি আহোক সখি আমাৰ ভুবন ॥
কমলা বোলয় শুনা মাগিনী সুন্দৰী ।
ভাল হয় সখি পাওঁ ব্ৰাহ্মণ কুমাৰী ॥
ভৃঙ্গাৰ সহিতে গঙ্গাৰ জল দিলা আনি ।
নানা অলঙ্কাৰ দিলা সুবৰ্ণৰ মণি ॥

বিদায় হৈয়া নেতাবতী চলিলা বাহিৰে।
নেতা পদ্মা দুয়োজনে হাসিলা বিস্তৰে॥
নেতাক দেখিয়া পদ্মা লাগে কহিবাৰ।
কি কথা কহিলা বৈনী কমলা গোচৰ॥
নেতা বোলে শুনা তুমি জয় বিষহৰি।
সহেলাৰ যত দ্রব্য আনা শীঘ্র কৰি॥
হেন শুনি পদ্মাবতীৰ হৰষিত মন।
সহেলাৰ যত দ্রব্য আনে তেতিক্ষণ॥
ধেমাই নাগক পদ্মাবতী সত্বৰে পঠাইলা।
কাল পাণ্ডু দুই নাগক ডাকিয়া আনিলা॥
কাল পাণ্ডু দুইজনে কৰে নমস্কাৰ।
পদ্মাৰ চৰণে পৰি পৰি শতবাৰ॥
আমাত হন্তে হোৱে মাতা কোন উপকাৰ।
আজ্ঞা কৰা সেহি কৰ্ম্ম সাধিবো তোমাৰ॥
পদ্মা বোলে শুনা নাগ খোৱা গুৱা পান।
সহেলাৰ যত দ্রব্য আনা এতিক্ষণ॥
দেৱৰ বিষম মায়া কে বুজিতে পাৰে।
সহেলাৰ যত দ্রব্য আনিলা সত্বৰে॥
সহেলাৰ যত দ্রব্য কৰিলা সম্ভাৰ।
চলিলা মাও দেৱী সখিং কৰিবাৰ॥
সুকবি নাৰায়ণ দেৱৰ ষোড়শ পাচালি।
পদ্মাৰ চলনা বুলি একই লেছাৰি॥

দিহা—চলিলা মনসা দেৱী সখি কৰিবাৰ।
আগে পদ্মা পাছে নেতা চলে ধীৰে ধীৰ॥
চলিলা মনসা দেৱী সখি কৰিবাৰে।
যিমতে বামন চলে বলিক ছলিবাৰে॥
পাঞ্চ শব্দে বাদ্য বাজে নানান বাদ্যধ্বনি।
সহেলাৰ গীত গাই যতেক ৰমণী॥
আম পকা ফল লৈলা গুৱা নাৰিকল।
ভাণ্ড ভৰি দুগ্ধ লৈলা আৰু লৈলা কল॥
ভুঁৰিতে বাচিয়া লৈলা অনেক কাপোৰ।
বিচিত্ৰ কাপোৰ আনি লৈলেক বিস্তৰ॥
সাত সৰী হাৰ লৈলা সুবৰ্ণে ৰচিত।
সুবৰ্ণৰ মুঠি লৈলা অতি অদভূত॥
ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য শূদ্ৰ চাৰি জাতি।
চাৰি জাতিৰ কন্যা চলে পদ্মাৰ সংহতি॥
বিদ্যাধৰী নৃত্য কৰে গন্ধৰ্ব্বে গাই গীত।
সহেলা পাতিতে পদ্মা মনে আনন্দিত॥
হৰষিতে চলে পদ্মা কমলাৰ পুৰে।
সহেলাৰ কৰ্ম্ম দেখি লাগে চমৎকাৰে॥
পদ্মা বোলে শুনা নেতা আগে চলি যোৱা।
কমলাৰ আগে গৈয়া বাতৰি জনোৱা॥
পদ্মাৰ বচনে নেতা সত্বৰে চলিলা।
সখি আসিলা বুলি কমলাত কৈলা॥

শুনিয়া কমলা ওলাই আসিলা বাহিৰে।
সহেলাৰ কৰ্ম্ম দেখি লাগে চমৎকাৰে॥
তুৰবী তেখনে তুলাৰ এৰি দিলা।
হৰষিতে দুইজনে ঘৰে প্ৰবেশিলা॥
দেখিয়া কমলা বোলে সখি আইলা ঘৰে।
ধান্য দূৰ্ব্ব লৈয়া আসি চাপিলা ওচৰে॥
মঙ্গলৰ যত দ্ৰব্য পদ্মাৰ আগে দিলা।
গলাগলি কৰি দুয়ো ঘৰে প্ৰবেশিলা॥
দৈবৰ নিৰ্ব্বন্ধ কথা লেখিছে কপালে।
ধনন্তৰীৰ ঘৰে আসি সোমাইলেক কালে॥
ধনন্তৰী মৰিবেক কমলাৰ দোষে।
নাৰায়ণ দেবে কয় মনসাৰ দাসে॥

দিহা—ঐ আৰে জানকী জীৱন ৰাম
দেখিতে শুনিতে পাম নয়ন ভৰিয়া চাও হৰি।

ঢাক মৃদঙ্গ বাজে খোল কৰতাল।
ভেউৰী মৃদঙ্গ বাজে শুনিতে বিশাল॥
নৃত্যকী কৰে নৃত্য গায়নে গায় গীত।
মাঙ্গল্য পাতিলা যাই হৈ হৰষিত॥
সহেলা পাতিলা দুয়ো হৰষিত মন।
কৰ্পূৰ তাম্বুল সবে কৰিলা ভোজন॥

পদ্মা সঙ্গে আসিয়াছে যত সখিগণ।
সকলক কমলাই কৰাইলা ভোজন ॥
সকলক দিব্য বস্ত্র দিলা কমলাই।
দধি গুৰ চিনি দিলা সীমা সংখ্যা নাই॥
যত বস্তু পদ্মাবতী আনি আছে সঙ্গে।
সকলক ব্যৱহাৰ কৰাইলা ৰঙ্গে ॥
সুবর্ণৰ বাটা ভৰি কাম সিন্দুৰ দিলা।
একখান সাৰি দিলা লক্ষ টকাৰ মূল্য ॥
সহস্র সুবর্ণ দিলা সুবর্ণ দাপনি।
পাৱত মুপূৰ দিলা কনঝুন শুনি ॥
শুদ্ধ পাট বস্ত্র দিলা পিন্ধিবাক লাগি।
সহস্র গহনা পদ্মা আন্মিলেক মাগি ॥
গলত তুলিয়া দিলা সাত সৰী হাৰ।
দুই বাহুত তুলি দিলা সুবর্ণৰ তাৰ ॥
দুই হাতে পিন্ধাইলেক সুবর্ণৰ মুঠি।
দশ আঙ্গুলিত দিলা সুবর্ণৰ আংঠি ॥
সিখাত সিন্দুৰ দিলা মধ্যত চন্দন।
এক আসনত বসিলেক দুয়োজন ॥
নানাবিধ পদ্মাবতী দিলেক অপাৰ।
কমলাই পদ্মাক দিলা মাণিকৰ হাৰ ॥
শীতলপাটী পাৰিয়া বসিলা চ'ৰা ঘৰে।
দুই সখি বসিলেক পাশা খেলিবাৰে ॥

নেতা বোলে শুনা পদ্মা আমাৰ উত্তৰ।
বেলি যাই পদ্মাবতী চলি যাওঁ ঘৰ।
নেতা বোলে শুনা বৈনী জয় বিষ হৰি।
কোন কৰ্ম্মে আসি আছা কোন কৰ্ম্ম কৰি॥
পূৰ্ব্বৰ যতেক কথা নাই স্মৰণ।
জিজ্ঞাসা কৰিয়া চলা আপোন ভবন॥
নেতাৰ বচন পদ্মা শুনিয়া শ্রবণে।
মায়া কৰি পোছে কথা কমলাৰ থানে॥
মোৰ সঙ্গে সহেলা কৰিল যে তুমি।
তোমাৰ সখিক ঘৰে নেদেখিলো আমি॥
মনে অসন্তোষ কৰি বোলে পদ্মাবতী।
গৃহে নাহি কেও জানো গৈছে কোন ভিতি॥
কমলা বোলয় সখি শুনা মোৰ কথা।
বিবাদক গৈছে ওজা নাহিকয় এথা॥
পদ্মাই জিজ্ঞাসা কৰে কমলাৰ থানে।
ধনন্তৰী ওজা বাদ কৰে কাৰ সনে॥
কমলা বোলয় এক শিবৰ কুমাৰী।
নাগৰ জননী মাতা জয় বিষহৰি॥
নাগ দিয়া দংশে পদ্মা চান্দোৰ কুমাৰ।
মাৰিতে নাপাৰে ওজা জীয়াই বাৰেবাৰ॥
পদ্মা সঙ্গে বাদ কৰে চান্দো অধিকাৰী।
মহা যত্ন কৰি ৰাখে ওজা ধনন্তৰী॥

পদ্মা বোলে শুনা সখি কহো তোমাৰ আগে।
মনুষ্য হৈ বাদ কৰে দেৱতাৰ লগে ॥
কমলা বোলয় শুনা আমাৰ বচন।
মন দিয়া শুনা কহো যত বিবৰণ ॥
সৰ্পগণ কঁপি থাকে যাৰ মন্ত্ৰ ডৰে।
হেন ওজাক পদ্মাবতী কি কৰিবতে পাৰে ॥
হেন শুনি পদ্মাবতী বুলিলা বচন।
ওজাৰ মৰণ কথা কহা মোৰ থান ॥
পদ্মাৰ বচনে বোলে কমলা সুন্দৰী।
টোপলি বান্ধিয়া বিষ খায় ধনন্তৰী ॥
কমলাৰ কথা শুনি পদ্মাই পাইলা চল।
ওজাৰ মৰণ কহা আমাৰ গোচৰ ॥
সকলে মৰিয়া যায় অমৰ নগৰে।
ওজাৰ মৰণ কথা পুছিবো তোমাৰে ॥
শুনিয়া তোমাৰ কথা উপজিল দায়া।
সখি হৈয়া মোত তুমি কহিলা ভাণ্ডিয়া ॥
ৰাৱণে তপস্যা কৰে সহস্ৰ বৎসৰ।
অমৰ হইতে ব্ৰহ্মা নাহি দিলা বৰ ॥
এহি মতে সখি দেখা যত চৰাচৰ।
একদিনা মৃত্যু আছে সবে জগতৰ ॥
বাক্য চলে প্ৰপঞ্চিয়া ভাণ্ডা কি কাৰণে
ওজাৰ মৰণ কথা কহা মোৰ থানে ॥

জানিয়া নকহা কথা ভাণ্ডহ আমাৰে।
তাক শুনি কমলাই লাগে কহিবাৰে॥
কমলাই বোলে সখি তোমাৰ মাথা খাই।
যদি ওজা মোৰ আগে কোন কথা কয়॥
পদ্মা বোলে শুনা সখি আমাৰ বচন।
ওজাত সুধিয়া লৈবা জীৱন মৰণ॥
দেখিলেও মিছা মাতে পুৰুষ চতুৰ।
তিৰিত কৰিয়া সখি পুৰুষ নিষ্ঠুৰ॥
ওজাৰ মৰণ মই নাজানো কাহিনী।
বিষৰ কলস খাই অমৃতৰ পানী॥
যদি ওজাই নকহে তোমাত কপটে।
গলত কাটিয়া মৰিবা বুলিবা সাক্ষাতে॥
হেন কালে নেতা কহে পদ্মাৰ গোচৰে।
বিদায় লোৱা পদ্মাবতী চলি যাও ঘৰে॥
বিদায় লৈয়া পদ্মাবতী চলিলা অন্তৰে।
গুপ্ত বেশে সোমাই ৰৈলা ঘৰৰ ভিতৰে॥
বৈদ্য কৰ্ম্ম কৰি ওজা আসিলেক ঘৰে।
কমলাই ওজাৰ কাছে লাগে কান্দিবাৰে॥
সুকবি নাৰায়ণ দেবৰ ষোড়শ পাচালি।
কমলাৰ ক্ৰন্দন বুলি একই লেছাৰি॥

দিহা—অ বিধি কিনো ভৈলা এথা।
ভক্তিয়ে কমলা পোছে বসিয়া ওজাৰ কাছে
মনে ৰাখে পদ্মাৱতীৰ কথা॥

শুনা ওজা স্বৰূপে তোমাত পুচিবো গুপ্তে
জীৱন মৰণ কাৰ হাতে।
যদিবা নকহা ভেদ গল্লত কৰিবো ছেদ
দিব প্ৰাণ তোমাৰ সাক্ষাতে॥
তেজিয়া কপট মায়া সাদৰে কৰিয়ো দায়া
মুহি তেবে প্ৰাণ কৰো হত।
ওজা বোলে কমলা কেন তুমি উত্ৰাৱল
নাজানাহা কোন ব্যৱহাৰ।
বেদে আছে নিয়ম তিৰিত নকহে মন
কাৰো তিৰি নহে আপোনাৰ॥
স্বামী চাৰে অলঙ্কাৰ যাই নাৰী মৰিবাৰ
ওজাই নকহে মৰ্ম্ম কথা।
নাৰায়ণ দেৱে কয় সুকবি বল্লভ_হয়
দেখিতে শুনিতে লাগে ব্যাথা॥

দিহা—ভব তৰিবাৰ সুখে, ৰামৰ নাম জপ ঘন মুখে।
ওজাই বোলে আমাৰ কহিতে লাগে ভয়।
আপোনাৰ মৃত্যু কথা কহন নাযায়॥
আমাৰ মৰণ কথা কেহো নজানয়।
যদি কোন স্থানে কহ ধৰ্ম্মৰ দোহায়॥
যেন মতে মৃত্যু আছে শুনহ সুন্দৰী।
যি কাৰণে উদয় কাল মোৰ ভৈলা বৈৰী॥
অভিমন্যু পুত্ৰ ৰাজা হস্তিনা নগৰে।
সৰ্পক খেলাই গৈলো তাহাৰ গোচৰে॥

উদয় কাল নাগক মই মেলিলো কুক্ষণে।
ঔষধ নামানে মোৰ মন্ত্ৰক নুশুনে॥
ক্ৰোধ কৰি সৰ্প গোট দিলোহো চাবিয়া।
বিভাণ্ডক ঋষিৰ পাশে প্ৰেৱেশিলা গৈয়া॥
দৈবৰ নিৰ্ব্বন্ধ কথা নাযাই খণ্ডন।
অৰণ্যৰ মাজে বিভাণ্ডক তপোধন॥
তাহাৰ খাটৰ তলে ৰৈলা উদয় কালে।
সৰ্পৰ লেজত ধৰি টানিলোহো বলে॥
খাটৰ খুৰায়ে আছে উদয কালে ধৰি।
টানিতে লাগিলো আমি অতি ক্ৰোধ কৰি॥
আসন টলিলা তাৰ মেদিনী কাঁপিলা।
সেহি কোপে মুনিবৰে আমাক সাপিলা॥
ক্ৰোধ কৰি মুনিধৰে লাগে কহিবাৰ।
কহা কোন পুৰে থাকা কোন পুৰে ঘৰ॥
ধনন্তৰী নাম মোৰ শঙ্খপুৰে ঘৰ।
সৰ্প ধৰি খেলা খেলাও এই কৰ্ম্ম মোৰ॥
মুনি বোলে অন্য সৰ্প ধৰিয়া খেলাও।
মোত শৰণীয়া সৰ্প তাক এৰি যাওঁ॥
নামানি মুনিৰ বাক্য ধৰি উদয় কালে।
সেহি কোপে মুনিবৰে আমাক সাপিলে॥
উদয় কাল নাগ ৰৈলা মোৰ খাটৰ তলে।
সেহি সৰ্পে খাইবো ওজা তোমাৰ কপালে॥

ছয় তোলা বিষে অন্ন কৰহ ভোজন।
অবসৰ মুছিবেক এক গোটা অন্ন॥
তাৰ এক গোটা অন্ন যেহি দিনা টুটে।
এহি উদয় কালে খাইবো তোমাৰ ললাটে॥
বাক্য সুশুনিয়া সর্প নিলিহি সত্বৰে।
সেহি নাগে খাইবো তোমাৰ ব্রহ্মদ্বাৰে॥
হাতে লাগ না পাইবা চক্ষে নেদেখিবা।
সেহি দিনা তাৰ হাতে মৰণ লভিবা॥
ক্রোধ কৰি পৰীক্ষিতে কহে জনে জনে।
যথা পাওঁ উদয় কাল মাৰহ পৰাণে॥
ৰাজা বোলে ওজা তুমি চলি যোৱা ঘৰে।
উদয় কালক থও আনি মহাদেৱৰ শিৰে॥
তাক কাৰো আনিবাৰ নাহিকে শকতি।
ইন্দ্র আদি দেব যদি আসে প্রজাপতি॥
আপোনাৰ মৃত্যু কথা সকলে কহিলা।
গুপ্ত বেশে পদ্মাৱতী সকলো শুনিলা॥
মনে মনে হাসিতে লাগিলা বিষহৰি।
কার্য্যসিদ্ধি ভৈলা বধিলো ধনন্তৰী॥
নেতা পদ্মা দুইজনে কৰিলা গমন।
শীঘ্রগতি চলি গৈলা আপন ভৱন॥
আপোনাৰ বিশ্বাস কথা স্ত্রীৰ আগে কয়।
চৌদ্দয় পুরুষ তাৰ নৰকে পৰয়॥

বিশ্বাসঘাতক হয় যত তিৰি জাতি।
পুৰুষক বধ কৰি ৰাখয় খিয়াতি॥
কিবা শিশু কিবা যুবা কিবা বৃদ্ধজন।
তিৰিত বিশ্বাস কৈলে অৱশ্যে মৰণ॥
পুৰাণৰ যত কথা শুনা সৰ্ব্বজন।
ধনন্তৰী মৰিলেক নাৰীৰ কাৰণ॥
সুকবি নাৰায়ণ দেৱৰ ষোড়শ পাচালি।
পয়াৰ প্ৰবন্ধে পদ একই লেছাৰি॥

দিহা—বাড়ীৰ বাহিৰ হৈয়া, নেতা পদ্মা কহে বৈয়া
কাৰ্য্যসিদ্ধি ভৈলা অনুমানি।
যোৱা তুমি বাপৰ আগে মাগিয়া আনহ নাগে
খণ্ডিবোক ওজাৰ বল খানি॥

যোৱা তুমি শিৱৰ পুৰী উদয় কালক আনা ধৰি
ধনন্তৰীৰ বধিবো জীৱন।
শুনা বৈনী বিষহৰি আগে মাৰা ধনন্তৰী
পাছে মাৰা সব শিষ্যগণ॥
যদি ধনন্তৰী মৰে সদাগৰৰ বুদ্ধি হৰে
পাছে মাৰা ই ছয় কুমাৰ।
লজ্জা পাইয়া অধিকাৰী শুনা বৈনী বিষহৰি
তবে পূজা কৰিবো তোমাৰ॥

বুদ্ধি কৰি পদ্মাবতী লৈয়া নেতাক সংহতি
নাগক আনিতে পদ্মা যাই।
নাৰায়ণ দেৱে কয় সুকবি বল্লভ হয়
ধনন্তৰীৰ নাম যে লুকাই॥

দিহা—অ হৰি কুঞ্জবনে গুপ্ত স্থানে বৃন্দাবনে যাই।
কুঞ্জবনে গৈলে গোসাই লাগ পাই॥

নেতাৰ বচন পদ্মা শুনিযা শ্ৰৱণে।
হংস ৰথে চড়ি গৈলা শিৱৰ ভৱনে॥
শিৱৰ চৰণে পদ্মা নমস্কাৰ কৰে।
পদ্মাক দেখিয়া শিৱে লাগে কহিবাৰে॥
শিৱে বোলে শুনা তুমি জয় বিষহৰি।
কেমন কাৰণে আইলা কৈলাস নগৰী॥
অন্য দিনা আছা মাতা হৰষিত মনে।
আজি বিষাদ মাতা ভাবা কি কাৰণে॥
পদ্মা বোলে শুনা বাপা দেৱ ত্ৰিপুৰাৰী।
চান্দোৰ অপমান পিতা সহিতে নাপাৰি॥
একবাৰ মাৰিয়াছে হেমতালৰ বাৰি।
তাৰ বিষে গায় মই লৰিতে নাপাৰি॥
সেহি কোপে পাণ্ডু নাগক দিলোহো পঠায়া।
চান্দোৰ ছয় কুমাৰ আসিলেক খায়া॥

ধনন্তৰী নামে ওজা শঙ্খপুৰে ঘৰ।
মোৰ সনে বাদ কৰি জীয়াই কুমাৰ॥
মুনি মুখে শুনি আছো পুৰাণ কথন।
উদয়কাল নাগে খাইলে ওজাৰ মৰণ॥
পদ্মাৰ বচন শুনি দেব ত্রিলোচন।
কহিতে লাগিলা তবে পদ্মা বিদ্যমান॥
যেতিক্ষণে সাগৰ মথিলা দেবগণে।
তৈসানি জন্মিলা ওজা জানে ত্রিভুবনে॥
লোক উপকাৰী ওজা জানিছ নিশ্চয়।
হেন ওজা বধিবাৰে উচিত নহয়॥
শিবে বোলে শুনা তুমি জয় বিষহৰি।
ওজাক বধিতে নাগ দিবাক নপাৰি॥
বাপৰ শুনিলা পদ্মা নিষ্ঠুৰ বচন।
শোকাকুলে পদ্মাবতী যুৰিলা ক্রন্দন॥
নাৰায়ণ দেবে কয় ষোড়শ পাচালি।
পদ্মাৰ ক্রন্দন বুলি একই লেছাৰি॥

দিহা—অনেৰে কান্দেতো পদ্মাবতী বাপৰ গোচৰে।
উদয় কাল নাগ দেহ ওজাক বধিবাৰে॥

মাও নাই বাপা হৰ তাৰো নাই দায়া।
শোকাকুলে কান্দে পদ্মা ভূমিত পড়িয়া॥

খোঞ্চা মারি চক্ষু কণা কৈলা সতাই মারে।
কঁকাল ভাঙ্গিলা চান্দোই হেমতালর ঘারে॥
সংসার ভিতরে বন্ধু নাহি কোন জনে।
নর হুয়া বাদ করে দেবতার সনে॥
শোকাকণে পদ্মাবতী করিছে ক্রন্দন।
ভাং খাই বসি আছে দেব ত্রিলোচন॥
কান্দোতে কান্দোতে পদ্মার বসন খসিলা।
তাক দেখি চণ্ডী মায়ে মহা লজ্জা পাইলা॥
চণ্ডী বোলে শুনা তুমি ভাঙার লোচন।
পদ্মাবতীর গুপ্ত অঙ্গ ভৈলি দরশন॥
পেটর বেটীর তুমি সর্ব্বাঙ্গ দেখিলা।
এবেসে মনর বাঞ্চা সর্ব্ব সিদ্ধি ভৈলা॥
ভূমিত পরিয়া কান্দে জয় বিষহরি।
পদ্মাত করিয়া চার ওজা ধনন্তরী॥
লজ্জা পাই সদাশিবে বুলিলা বচন।
নাকান্দা নাকান্দা তুমি পিন্ধহ বসন॥
আজ্ঞা দিলো নাগ লৈয়া করহ গমন।
আজ্ঞা দিয়া সদাশিবে বোলে হরি হরি।
অকারণে বধা তুমি ওজা ধনন্তরী॥
আজ্ঞা দিলো যোয়া মাতা ওজাক বধিতে।
বাদ সাধি পুনরপি জীয়াইবা পাচতে॥
বাপর বচনে পদ্মার তুষ্ট ভৈলা মন।
উদয় কাল নাগ লৈ করিলা গমন॥

প্ৰণাম কৰিলা পদ্মা বাপৰ চৰণে ।
নাগ লৈ পদ্মা চলে নগৰ দক্ষিণে ॥
উদয় কালে বোলে মাও জয় বিষহৰি ।
ধনন্তৰী ওজাক আমি বধিতে নাপাৰি ॥
যেহি দিনা ওজা মোক মন্ত্ৰবলে আনে ।
ছয় তোলা বিষ মোৰ টুটিলা পৰাণে ॥
দুৱাৰ পশ্চিমে আছে ঔষধৰ ঠাই ।
যাৰ গন্ধে নাগগণ পাতালে লুকাই ॥
তেতিক্ষণে পদ্মাবতী হৰষিত মন ।
পূৰ্ব্বে মোৰ বৈৰী ওজা বধিবো জীৱন ॥
পদ্মা বোলে শুনা নেতা কাতৰ নহওঁ ।
ঔষধ হৰিবো আগে তুমি পাছে যাও ॥
নেতাক ডাকিয়া বোলে জয় বিষহৰি ।
ঔষধ হৰণ কৰা গাভী ৰূপ ধৰি ।
পদ্মাৰ বচন নেতা শুনিয়া শ্ৰবণে ।
গাভীৰূপে চলে নেতা ওজাৰ ভবনে ॥
সুকবি নাৰায়ণ দেবৰ ষোড়শ পাচালি ।
ঔষধ হৰণ বুলি একই লেছাৰি ॥

---

দিহা—ঔষধ হৰিবতে বুলি নেতা গাভীৰূপ ধৰি
চলি যাই ওজাৰ নগৰী ॥

ত্বৰিত গমনে যাই খনো খনো ঘাস খাই
চকু ফুৰাই চতুৰ্দ্দিকে চাই।
দুৱাৰৰ দক্ষিণে যত্ন কৰি সেহি স্থানে
প্ৰবন্ধ কৰিয়া সেহি ঠাই॥
মায়াৰূপে ঘাস খাই ঔষধক লাগ পাই
ডালে মূলে খাইলা উভাৰি।
ঔষধ চোবাই খাই দশো দিশে গন্ধ যাই
গন্ধ পাইলা ওজা ধনন্তৰী॥
হাতত ডং লৈযা ধনন্তৰী গৈলা ধাইয়া
লেঞ্জ ভিডি দিলেক লৰড।
লাগ নাপাইলা যাই নেতা গৈলা পলাই
দেখি ওজা কৰে হাহাকাৰ॥
মনত বিষাদ কৰি কান্দে ওজা ধনন্তৰী
হাতত চৰাইলো নব নিধি।
নাৰায়ণ দেবে কয় সুকবি বল্লভ হয়
ধনন্তৰীৰ লাগিলেক বিধি॥

দিহা—আজু কেনে মুৰলীৰ ধ্বনি এ ঘনে বাজে॥

ওষধ হৰিয়া নেতা হৰষিত মন।
পদ্মাৰ নিকটে যাই কহে বিবৰণ॥
নেতাৰ বচন পদ্মা শুনিয়া শ্ৰৱণে।
বিষৰ গৰল পদ্মা আনে তেতিক্ষণে॥

ছয় তোলা বিষ দিলা উদয় কালৰ তৰে।
পদ্মাৰ চৰণ নাগে বন্দিলেক শিৰে॥
যান্ত কৰি উদয় কাল কৰিলা গমন।
মন দিয়া শুনা কহো ওজাৰ বিবৰণ॥
সাত তোলা বিষ দিয়া অন্নক বান্ধিলা।
অন্নক বান্ধিয়া ওজা বাহিৰে আসিলা॥
অন্ন বাঢ়ি ওজা গৈলা শিষ্যক ডাকিতে।
এক গোটা অন্ন তাৰ হৰে আচম্বিতে॥
হস্ত ধুই ওজা গৈলা অন্ন খাইবাৰে।
ঐসন্য কোণাত জেঠি টিকে তিনিবাৰে॥
কালে ধৰিবেক যাক কি কৰে জীৱনে।
উদয় কাল নাগৰ হাতে ওজাৰ মৰণে॥
হেনকালে পদ্মাবতী উদয় কাল লৈয়া।
ধনন্তৰী ঘৰে পদ্মা প্ৰৱেশিলা গৈয়া॥
ঘৰৰ উপৰে পদ্মা নাগৰ লেঞ্জে ধৰি।
চিয়ানি ফালিয়া নাগক দিলা এৰি॥
অন্ন খাই ধনন্তৰী আসিলা সত্বৰে।
শূন্য চাই কামোৰ মাৰিলা ব্ৰহ্মদ্বাৰে॥
আচম্বিতে ধনন্তৰী চমকি উঠিলা।
কিসে খাইলা বুলি ওজা চতুৰ্দ্দিকে চাইলা॥
বিষে ব্যথা পাই তবে ওজা ধনন্তৰী।
মায়া কৰিয়া খায়া চলিলা বিষহৰি॥
নাৰায়ণ দেৱে কয় ষোড়শ পাচালি।
ওজাৰ ক্ৰন্দন বুলি-একই লেছাৰি॥

দিহা—কান্দে ওজা ধনন্তৰী ভূমিত বাগৰি পৰি
পদ্মাবতী চলিলা আমাৰে।
মৰিব ৰবিৰ জ্বালে প্ৰাণক পোৰয় মোকে
বিষ ধৰে আমাৰ শৰীৰে॥

যে বিষ ভক্ষণ মোৰে দুগ্ধ হেন সম সৰে
হেন বিষ দহে কলেৱৰে।
মুনি শাপ মিছা হুই জানিলো মই নিশ্চয়
সেহি পাপ ফলিলা আমাৰে॥
ধনা মনা চলা ধাইয়া গন্ধমাদনক লৈয়া
আনা গৈয়া জীব সঞ্চাৰিণী।
সংসাৰে হইলা লাভ পদ্মাই সাধিলা কাজ
লঘু হৌক বেঙ খোৱা কাণী॥
শুনিয়া গুৰুৰ বাণী শিষ্যে কৰে কানাকানি
কান্দে সৰে মাথে হাত দিয়া।
পদ্মা পাতি কপট মায়া বিশ্বাস কথা গৈলা লৈয়া
মায়া পাতি গুৰুক বধিয়া॥
ওজাৰ চৰণে ধৰি কান্দে শিষ্য গড়াগড়ি
কান্দিয়া সকলে বোলে বাণী।
কেন মতে কোথা যাওঁ কিমতে ঔষধ পাওঁ
কোথা পাওঁ জীব সঞ্চাৰিণী॥
নাৰায়ণ দেৰে কয় সুকৰি বল্লভ হয়
কান্দি কহে ওজাৰ গোচৰে॥

---

দিহা—মন ভজ নাৰে হৰিৰ পৰম পদে জপ নাৰে ॥

ধনন্তৰী বোলে শুনা আমাৰ বচন।
গন্ধমাদনক তুম্মো কৰহ গমন ॥
গিৰি গন্ধমাদন সৰ্ব্ব লোকে জানি।
তাহাত ঔষধ আছে জীব সঞ্চাৰিণী ॥
নয় শৃঙ্গ ধৰে গিৰি অদ্ভুত নির্ম্মাণ।
প্রথম শৃঙ্গত আছে মহাদেবৰ স্থান ॥
আৰ শৃঙ্গে উদয় কৰন্ত শশধৰ।
আৰ শৃঙ্গে তিন কোটী গন্ধৰ্ব্বৰ ঘৰ ॥
আৰ শৃঙ্গে আছে তাৰ খৰতৰ নদী।
নদীৰ কুলত আছে মৃত্যুৰ ঔষধী ॥
অস্থি সঞ্চাৰিণী আৰ বিশল্যকৰণি।
মৃত্যু সঞ্জীবনী আৰ জীৱ সঞ্চাৰিণী ॥
নীল বৰ্ণ ফুল তাৰ পিঙ্গলবৰ্ণ পাতা।
হৰিদ্রাৰ বৰ্ণ ডাল স্বৰ্ণ বৰ্ণ লতা ॥
ঔষধ নিচিনা যদি শুনহ বচন।
যিমতে চিনিবা ঔষধ শুনা বিবৰণ ॥
দুই গোটা পোড়া মৎস্য দুই হাতে লৈয়া।
প্রতি গাছে গাছে মাছ ফুৰিবা চোৱাইয়া ॥
যেহি গাছ পৰশনে বৰ্ত্তি উঠে মাছ।
ডালে মূলে উভাৰি আনিবা সেহি গাছ ॥
সেহি গাছ আনা সিদ্ধি হৈবেক আমাৰে।
তবে পদ্মাৱতী বাদ সাধিতে নাপাৰে ॥

ধনন্তৰীৰ বচন শুনিয়া শিষ্যগণে।
পোড়া মৎস্য হাতে লৈ কৰিলা গমনে॥
কতো শিষ্যে থাকিলেক ওজাক আৱৰি।
ধনা মনা দুয়ো পৰ্ব্বতক গৈলা লৰি॥
পৰ্ব্বতক চলি গৈলা পোড়া মৎস্য লৈয়া।
প্ৰতি গাছে গাছে মাছ ফুৰিলা চোৱাইয়া॥
গাছ পৰশনে বৰ্ত্তিয়া উঠে মাছ।
ডালে মূলে উভাৰি আনিলা সেহি গাছ॥
ঔষধ পাইয়া ধনা হৰষিত হৈয়া।
হেনকালে নেতা কহে পদ্মা আগে গৈয়া॥
নেতা বোলে শুনা বৈনী জয় বিষহৰি।
নাসাধিলা বাদ নমৰিলা ধনন্তৰী॥
ধনা মনা আইলা দুয়ো ঔষধক লৈয়া।
বৰ্ত্তিবেক ধনন্তৰী সেই ঔষধ পাইয়া॥
নেতা বোলে শুনা পদ্মা আমাৰ বচন।
কমলাৰ ৰূপ তুমি ধৰা এতিক্ষণ॥
ধনা মনা নিকতক চলা শীঘ্ৰ কৰি।
মায়া কৰি পদ্মা তুমি খহোৱা কৰৰী॥
গুঞ্জৰীৰ তীৰে মই জ্বালোহো অগনি।
কান্দিয়া কান্দিয়া ধনাক দেখিবাহা তুমি॥
বোলে ধনন্তৰী ওজা মোৰ পতি হয়।
সুন্দৰ শৰীৰ তাৰ অগনিত হৈলা ক্ষয়।
কি কাৰণে ঔষধ বাচা নেহ কি লাগিয়া।
মৰিলেক ধনন্তৰী ঔষধ পেলাই দিয়া॥

তোমাত কহিলো বৈনী যত বিবৰণ
কমলাৰ ৰূপ তুমি ধৰা এতিক্ষণ॥
হেন শুনি পদ্মাবতীৰ হৰষিত মন।
ক্রন্দন কৰিয়া চলে শোকাকুল মন॥
সেহি পথে আইলা ধনা ঔষধক লৈয়া।
চিন্তিত ভৈলেক ধনা কমলাক দেখিয়া॥
ঔষধ হাতে কৰি ধনা আসিলা ত্বৰিতে।
কোন তুমি বুলি ধনা লাগিলে পুছিতে॥
কাহাৰ কুমাৰী তুমি থাকা কোন দেশে।
কেমন কাৰণে কান্দা কহাতো বিশেষে॥
বোলে ধনন্তৰী ওজা মোৰ পতি হয়।
সুন্দৰ শৰীৰ তাৰ অগনিত হৈল্য ক্ষয়॥
বজ্রাঘাত হৈলা যেন ধনা মনাৰ মুণ্ডে।
নিশবদ হৈলা ধনা বাক্য নাহি তুণ্ডে॥
ঔষধ পেলায়া ধনা আসিলা কান্দিয়া।
ঔষধক পাই পদ্মা লৈলেক হৰিয়া॥
শীঘ্র কৰি ধনা মনা ঘৰে চলি গৈয়া।
হেট মাথা হৈলা ধনা গুৰুক দেখিয়া॥
ধনন্তৰী বোলে বাচা ঔষধ আনা এথা।
ঔষধ পাইলে প্রাণ বাঁচিবো সৰ্ব্বথা॥
ধনা বোলে ঔষধ পালো হৰষিত হৈয়া।
হেন কালে এক নাৰী কহিলা কান্দিয়া॥

বোলে ধনন্তৰী ওজা মোৰ পতি হয়।
সুন্দৰ শৰীৰ তাৰ অগনিত হৈলা ক্ষয়॥
সি কাৰণে আইলো আমি ঔষধ পেলায়া।
চিন্তিত হৈলো গুৰু তোমাক দেখিয়া॥
ধনন্তৰী বোলে ধনা প্ৰমাদ পৰিলা।
কপট কৰিয়া পদ্মা আমাক চলিলা॥
ধনন্তৰী বোলে ধনা শীঘ্ৰে চলি যোৱা।
যথাত পেলাইছা ঔষধ আনহ তুলিয়া।
ঔষধ আনিতে ধনা শীঘ্ৰে লৰ দিলা।
পদ্মাই নেতাবতীক কহিতে লাগিলা॥
নেতা বোলে শুনা বৈনী জয় বিষহৰি।
আক বাৰ শিষ্য পঠাইলা ধনন্তৰী॥
নেতাৰ বচন পদ্মা শুনিয়া শ্ৰবণে।
চিলা ৰূপ ধৰি ঔষধ হৰিলা তেখনে॥
বিচাৰিয়া ধনা মনা ঔষধ নাপাইলা।
আসিয়া ধনা মনা ওজাৰ আগে কৈলা॥
ধনা বোলে শুনা গুৰু কহো তোমাৰ ঠাই।
বিচাৰি চাহিলো তাত ঔষধ নাপাই॥
ধনন্তৰী বোলে ধনা শীঘ্ৰে যাহ হাটী।
শীঘ্ৰ কৰি আনা গৈয়া সিস্থানৰ মাটি॥
মাটি আনিবাৰ তৰে ধনা লৰ দিলা।
হুঙ্কাৰ মাৰিয়া পদ্মা কুণ্ডক স্ৰজিলা॥

মৃত্তিকা আনিতে ধনা চলে অপ্রয়াসে।
তথাত দেখিলা জলে বহু ফেনা ভাসে॥
ধনন্তরী বোলে বাপু শীঘ্রে যাহ ধনা।
শীঘ্র করি আনা গৈ সেই কুণ্ডর ফেনা॥
নেতা বোলে শুনা বৈনী জয় বিষহরি।
আর বার শিষ্য পঠাইলা ধনন্তরী॥
নেতা বোলে শুনা পদ্মা আমার বচন।
হংসরূপ ধরি ফেনা করহ ভক্ষণ॥
হংসরূপে পদ্মাবতী সব ফেনা খাইলা।
ফেনা নাপাইয়া ধনা সুদা হাতে গৈলা॥
নারায়ণ দেবে কয় মনসার দাসে।
মরণ জানিয়া ওজা চারিলা নিশ্বাসে॥

দিহা—অনেকে কান্দে ওজা ধনন্তরী বিষাদ ভাবিয়া।
ছয় কুরি শিষ্যে কান্দে মাথে হাত দিয়া॥

কমলার ক্রন্দনে বৃক্ষর সরে পাত।
ছয় কুরি শিষ্যে কান্দে গালে দিয়া হাত॥
সাতে পাঞ্চে তুলি ধরি ঝারে শিষ্যগণে।
কাল সর্পে খাই আছে মস্তক মুণ্ডনে॥
অকারণে ঝারা তোরা বোলে ধনন্তরী।
চরণত ধরি কান্দে কমলা সুন্দরী॥

কেহো বোলে ঝাস্তে মারা কমলা সুন্দরী।
সহেলা পাত্তিয়া বধিলা ধনন্তরী ॥
যত সর্প রাখিয়াছে ধনন্তরী ওঝা।
শিষ্য সবে আনিলেক বর বর বোঝা ॥
ক্রোধ করি শিষ্য সবে সর্পগণ মারে।
তোর কাণীর বিবাদে আমার গুরু মরে ॥
দৈবর নির্ব্বন্ধ কেহো খণ্ডাইতে নাপারে।
আয়ু শেষ হইলে সকল লোক মরে ॥
রজনী প্রভাত ভৈলা রবির কিরণ।
হেনকালে ধনন্তরী তেজিলা জীবন ॥
চতুর্দ্দিকে বেঢ়ি সবে করয় ক্রন্দন।
গোত্র মিত্র বন্ধু আর যত জ্ঞাতিগণ ॥
কোপ করি কহিতে লাগিলা যত জ্ঞাতি।
পোরা লৈয়া কমলাক ওঝার সংহতি ॥
যেজনে মারিয়া থাকে আপোনার পতি।
ভূমিত পরিয়া কেনে কান্দে দিনে রাতি ॥
বৃদ্ধজন সকলে লাগিলা কহিবারে।
সতী কন্যা কমলাক কে দুষিতে পারে ॥
আমি জানো কপট করিলা বিষহরি।
মায়া করি যুঝিলেক নাগর ঈশ্বরী ॥
কহে দেব নারায়ণে মনসার দাসে।
প্রবন্ধে পাচালি পদ করিলা প্রকাশে ॥

---

দিহা—হায়ৰে যদুনাথ বিনে শৰণ লৈবো কাৰে।

ধনন্তৰীৰ পুৰোহিত নামে পীতাম্বৰ।
থৰি দিবা লোৱা ওজাক গুঞ্জৰীৰ তীৰ॥
অগৰু চন্দন কাষ্ঠ লোৱা পূৰ্ণ কৰি।
গুঞ্জৰীৰ পাৰে লোৱা ধৰাধৰি কৰি॥
ধনন্তৰীক স্নান কৰাইলা গঙ্গাজলে।
শয়ন কৰালা তাক উত্তৰক শিৰে।
নেতা বোলে শুনা পদ্মা আমাৰ বচন।
নিশ্চিন্ত হৈ তুমি বৈলা কি কাৰণ॥
সুন্দৰ শৰীৰ তাৰ অগনিত হৈলা নাশ।
তুমি পাবা বাপৰ স্থানে বৰ অপযশ॥
নেতাৰ বচন পদ্মা শুনিয়া শ্ৰৱণে।
সন্ন্যাসীৰ বেশ পদ্মা ধৰে তেতিক্ষণে॥
দণ্ড কমণ্ডলু হাতে শিৰে শোভে জটা।
গলে ৰুদ্ৰাক্ষৰ মালা কপালত ফোটা॥
কটিত কফিন গায়ে ভস্ম ভূষণ।
কৰে যজ্ঞশালা গায়ে নাহিকে বসন॥
তামৰ অঙ্গুৰী হাতে ফটফট কৰে।
কৰঙ্গে কফিন দণ্ড কান্ধৰ উপৰে॥
মায়া কৰি গৈলা পদ্মা সন্ন্যাসীৰ বেশে।
গুঞ্জৰী সাগৰ পাৰে ভৈলন্ত প্ৰৱেশে॥
ডাক দিয়া সন্ন্যাসিনী লাগে কহিবাৰে।
উচিত নহয় ধনন্তৰী পুড়িবাৰে॥

ত্রিভুবনে জানে তাক ধনন্তৰী বেজ ।
কণ্ঠ মধ্যে নাহি চাৰে মহামন্ত্র ভেজ ॥
কলৰ ভুৰক বান্ধি দেহতো ভাসাইয়া ।
যৈতে তৈতে লাগ পাইলে পঠাবো জীয়ায়া ॥
সন্ন্যাসীৰ বচনে ওজাক ভাসাইয়া দিলা ।
ত্রিৰাত্রি অশৌচ খাটি সবে শুদ্ধ ভৈলা ॥
ওজাক ভাসায়া জ্ঞাতিগণ গৈলা ঘৰে ।
ভাসিয়া চলিলা ওজা গুঞ্জৰী সাগৰে ॥
গুঞ্জৰী সাগৰে ওজা যাইতো ভাসিয়া ।
ভাটী পাকে নেতাবতী তোলে ধান দিয়া ॥
পেট গোট ফালি তাক ৰাখিলা শুকাইয়া ।
ধনা ৰাক্ষসীৰ ঘৰে এৰিলা পটায়া ॥
নাৰায়ণ দেৰে কয় ষোৰশ পাচালি ।
পয়াৰ প্রবন্ধে পদ একই লেচাৰি ॥

দিহা—ধনন্তৰী বধ কৰি কৌতুক কৰে বিষহৰি
আনন্দিতে হাসয় মনসা ।
এখনে সাধিলো কাজ চন্দ্রধৰ হৈবো লাজ
আৰ বাদ নকৰে সাহস

মহা জ্ঞান লৈলো তাৰে ওজা নাই জীয়াবাৰে
কপট কৰি বুদ্ধি কৈলো নাশ ।
কাল পাণ্ডু চলা ধাইয়া ছয় কুমাৰ আসা খাইয়া
তবে চান্দো হৈবেক নৈৰাশ ॥

শুনিয়া পদ্মার বাণী পাণ্ডু নাগে বোলে পুনি
শুনা মাও আমার উত্তর।
ডাক দিয়া আনা নাগ শীঘ্রে আহোক তোমার আগ
আন সর্প আনহ সত্বর ॥
মহাপদ্ম মহাশঙ্খ উৎপল কেউটিয়ার বংশ
ব্রহ্মমুখ আর হয় জাল।
নারায়ণ দেবে কয় সুকবি বল্লভ হয়
নাগগণ চলিলা সকল ॥

দিহা— অ আরে গঙ্গা হর তারিণী।
মোকে দয়া করা নারায়ণী ॥

নেতা বোলে শুনা বৈনী আমার বচন।
ডাক দিয়া আনা বৈনী যত নাগগণ ॥
ছয় পুত্র খাইবাক করহ গমন।
তবে চন্দ্রধরে পূজা করে সর্ব্বক্ষণ ॥
নেতার বচনে পদ্মা হরষিত হৈয়া।
নাগক স্মরণ করে হুঙ্কার মারিয়া ॥
পদ্মা নাগ মহাপদ্ম আরু ব্রহ্মজাল।
কাল পাণ্ডু দুই নাগ আরু উদয় কাল ॥
অনন্ত তক্ষক তার শিরে শোভে মণি।
নাগরাজ বাসুকী আরু নাগ শিরোমণি ॥
গুইয়া গোখুর নাগ চলে ধৃতরাষ্ট্র।
[illegible]

স্বৰ্গ মৰ্ত্ত্য পাতালত যত নাগ বৈসে।
সবে নাগ-চলি আইলা পদ্মাৰ আদেশে ॥
নাগ দেখি পদ্মাবতীৰ হৰষিত মন।
সবে নাগে বন্দে আসি পদ্মাৰ চৰণ ॥
পদ্মা বোলে শুনা নাগ শীঘ্ৰে চলি যোৱা।
চান্দোৰ ছয় কুমাৰক দংশি আসা গৈয়া ॥
তাক শুনি নাগগণ লাগে কহিবাৰে।
কোন নাগ যাইবা লাগে আজ্ঞা দেহ তাৰে ॥
এত শুনি হৰষিত হৈলা পদ্মাবতী।
ছয় নাগ আজ্ঞা পদ্মা দিলা শীঘ্ৰগতি ॥
ছয় নাগে পদ্মাবতীৰ বন্দিলা চৰণ।
চম্পক নগৰ বুলি কৰিলা গমন ॥
ৰাজ্যে ৰাজ্যে চন্দ্ৰধৰ দিয়াছে ঘোষণা।
এক সৰ্প মাৰি দিলে লক্ষ তোলা সোণা ॥
বেঙ্গ হৈয়া যাইতে নাৰে চন্দ্ৰধৰৰ ডৰে।
গণ্ডকীৰ তীৰত ৰহিলা নাগবৰে ॥
ছয়পুত্ৰে চন্দ্ৰধৰৰ কৰাই আছে বিয়া।
ছয় পুত্ৰৰ ছয় বধু বাঁৰী কৰ গৈয়া ॥
কাল পাণ্ডু দুই নাগে ভ্ৰমৰা ৰূপ ধৰি।
উৰা দিয়া পৰে গৈয়া শ্ৰীধৰৰ পুৰী ॥
সুগন্ধ পুষ্পৰ মালা লাগিলা সুঙ্গিতে।
সেহিক্ষণে নাসিকাত মাৰিলেক খোটে ॥
কামোৰ মাৰিয়া নাগ হৈ গৈলা অন্তৰ।
গোপালে মাৰিলা এক নাগক শ্ৰীধৰ ॥

পদ্মা নাগ গৈলা তবে ভাটো ৰূপ ধৰি।
উৰা দিয়া পৰে গৈয়া শ্ৰীকৰৰ পুৰী ॥
মাও বাপ বুলি পক্ষী ডাকিতে লাগিলা।
শুনিয়া পক্ষীৰ মাত হাত পাতি লৈলা ॥
কামোৰ মাৰিয়া পক্ষী হইলা অন্তৰ।
দ্বিতীয়ে মৰিল পুত্ৰ নামত শ্ৰীকৰ ॥
অনন্ত নাগে তবে মক্ষীৰূপ ধৰি।
উৰা দিয়া পৰে গৈয়া গুণাকৰৰ পুৰী ॥
ব্ৰহ্মতালু চাই নাগে মাৰিলা কামোৰ।
তৃতীয়ে মৰিল পুত্ৰ নামে গুণাকৰ ॥
মধুকৰ নামে পুত্ৰ পাশাক খেলাই।
পিপৗলিকা ৰূপে নাগ গৈলা তাৰ ঠাই ॥
চৰণ চাপিয়া নাগে মাৰিলা কামোৰ।
চতুৰ্থে মৰিলা পুত্ৰ নামে মধুকৰ ॥
দুৰ্গাবৰ নামে পুত্ৰ জলক খেলাই।
মায়াৰূপে জলেশ্বৰ তাৰ কাষে যাই ॥
চৰণ চাইয়া নাগে মাৰিলা কামোৰ।
পঞ্চমে মৰিলা পুত্ৰ নামে দুৰ্গাবৰ ॥
বংশধৰ নামে পুত্ৰ ঘিলাক খেলাই।
শাংখিনী কেউটিয়াই তাক লাগ পাই ॥
ব্ৰহ্মদ্বাৰ চাই নাগে মাৰিলা কামোৰ।
ষষ্ঠেতে মৰিলা পুত্ৰ নামে বংশধৰ ॥
ছয় পুত্ৰ মৰি চান্দোৰ শূন্য হৈলা পুৰী।
চান্দোৰ মন্দিৰে কান্দে সোনাই সুন্দৰী ॥

আস্তিক মুনির মাতা বাসুকী ভগিনী ।
যিবা জনে করে পূজা খণ্ডয় বিঘিনি ॥
তোমার চরণে মাতা শত নমস্কার ।
বঢ়া টুটা দোষ মানে ক্ষমিবা আমার ॥
সুকবি নারায়ণ দেবর মধুর সঙ্গীত ।
পদ্মাবতীর চরণে মজিয়া রৌক চিত ॥
সুবর্ণে শোভিত কন্যা পরমা রূপসী ।
কণক বর্জ্জিত হয়ে থাকে ঘরে বসি ॥
বিধবা দেখিয়া তাক্ক তার নিজ পতি ।
ক্রন্দন করয় সদা দেখি সেই সতী ॥

সমাপ্ত ।



১৩১৩ চনৰ স্থাপিত

# ৰজনীপ্ৰভা এজেন্সী

(পোঃ আঃ কমাৰকুছি, কামৰূপ)

তলত লিখা কিতাপ আৰু পুথিবিলাক আমালৈ লিখিলে পাব পাৰিব। ইয়াৰ বাহিৰেও আন সকলো অসমীয়া আৰু বঙালী কিতাপ আছে।

| | | | |
|---|---|---|---|
| সন্তোষ গণনা | ... ।০ অনা | মিছলি বড়গীত | ... ১৲ |
| উষা হৰণ শুকনাৰি | ... ।৶০ | ভাউৰা পুৰাণ | .. ।০ |
| শংন্তৰী বধ | ... ॥/০ | পটন্তৰ মালা | ... ।০ |
| পুষ্পধাৰী খণ্ড | ... ।০ | জন্মাষ্টমী | ... ।৶০ |
| বিষহৰিৰ জন্ম | ... ।০ | শক্তিশেল উদ্ধাৰ | ... ।/০ |
| পৰীক্ষিত বধ | ... ।৵০ | সতী দাহ | ... ৴ |
| মৎস্য বিবাহ | ... ।০ | কামৰূপীয়া বিয়াৰ গীত | ... ॥৴ |
| সীতা সয়ম্বৰ | ... ।৵০ | বেহুলাৰ সত্য পৰীক্ষা | ... । |
| প্ৰহ্লাদ চৰিত | ... ।০ | সৰ্পচাক মন্ত্ৰ | ... ৶০ |
| স্যামন্ত হৰণ | ... ৵০ | চান্দোৰ বাণিজ্য | ... |
| চন্দ্ৰধৰৰ ডিঙা গঠন | ।/০ | | |

গুৱাহাটী নিউ প্ৰেছত—শ্ৰীসোণাৰাম বেজৰ দ্বাৰা ছপা হল।